# সৰ্ব্ব ব্যাধিৰ মূল-মন্ত্ৰ ।।

এই পুথিৰ মন্ত্ৰ গালে গুৰু ভকতক চিয়াঁই ঈশ্বৰ সেৱাৰ অৰ্থে আগকৰি লবলাগিব। ৭।৯ দাল বিষ লং নিৰে ঝাৰিব। পানী ঝাৰিয়ো খোৱাব লাগে।

গ্ৰন্থকাৰ

শ্ৰীহলিৰাম হাজৰিকা

তন্ত্ৰ বিশাৰদ।

প্ৰকাশক

শ্ৰীইন্দ্ৰেশ্বৰ হাজৰিকা।

পোঃ নামতি দ'ল আসাম।

নতুন সংস্কৰণ।

ইং ১৯৪৮ সন



মূল্য ।০ চাৰি অনা মাত্ৰ

# দৰবৰ জাননী।

## গঁৰলৰ দৰব।

এই ঔষধ লগালে যিমান দিনীয়া পুৰণা গলৰ বৃদ্ধি হওক দিনে ২।৩ দিলে মৰি যাব। মূল্য চিচিত ১৲ একটকা

## পেলুৰ দৰব।

এই দৰব খালে পেতৰ সক ডাঙৰ সকলো পেলু মৰি সোচৰ দ্বাৰে বাহিৰ হব মূল্য ৵০ অনা।

## খৰৰ দৰব।

হাতী খৰ দবা খৰ মামৰি খৰ চুম খৰ চুক খৰ আদি অনেক চৰ্ম্ম ৰোগ মৰিব, মূল্য টেমা • ৵০ আনা

## কঁফৰদৰব।

যিমান দিনৰ কঁাহ কঁফ হওক ইযাক ব্যৱহাৰ কৰিলে উপকাৰ পায়। মূল্য ১৷০ ডেৰ টকা।

## খজুৰ দৰব।

মামৰি খজু খুদ খজু খজু ভুক খজু উধনীযা খজু ঢ়পা খজু আদি অনেক ৰকমৰ পচা ঘা ভাল হয় মূল্য টেমাত ৷০ আঠ অনা।

ঠিকনা
শ্ৰীহলিৰাম হাজৰিকা
পোঃ নামতি দ'ল আসাম।

প্ৰিন্টাৰ—শ্ৰীপ্ৰকাশ চন্দ্ৰ চৰকাৰ,
কাত্যায়নী মেছিন প্ৰেছ
৩১।১ নং শিৱনাৰায়ণ দাস লেন, কলিকতা—৬।

# সৰ্ব্বব্যাধি মূলমন্ত্ৰ।

শ্ৰীকৃষ্ণায়ে নমো নমঃ    বৈদ্য ধনন্তৰিয়ে নমো নমঃ

—*—

জয় জয় বিষ্ণু চৰণত ধৰো।
বেদমন্ত্ৰে তোমাক স্তুতি কৰো॥
চক্ৰবান মন্ত্ৰ উতপতি ভৈলা।
ত্ৰিদশ কোটি দেৱতাৰ মায়া সংহাৰ কৰিলা॥
চৌষষ্টি ব্যাধিৰ বিষ খণ্ড খণ্ড কৰিলা।
ডাইনা যোগীনীনিৰ যত মায়া মাৰি পেলাইলা॥
চক্ৰবান মহামন্ত্ৰ যেহিদিশে যাই।
ৰাৰজলী বাতোৱালী ভাগি পলাই॥
এহি চক্ৰবান মন্ত্ৰ গৰ্ভক ছলি যাই।
ব্যাল্লিশকোটি বিষ ব্যাধি খেদি খেদি খাই॥
হাতে তুলি চক্ৰবান ধৰিলো দাতি।
নৰ নাৰীৰ ছয়চক্ৰৰ ব্যাধি পেলাইলো কাটি॥
নমো চক্ৰবান মন্ত্ৰ উচ্ছাৰণ কৰো।
চৌষষ্টি ৰোগ ব্যাধি পানী কৰি মাৰো॥

অনাদি অনন্ত পুৰুষে মোক অস্ত্ৰক দিলা।
সেহি সুদৰ্শনচক্ৰ পাত হাতে তুলি লৈলা॥
চক্ৰমন্ত্ৰ পঢ়ি চক্ৰক নমস্কাৰ কৰো।
ব্ৰহ্মমন্ত্ৰ প্ৰহৰে সৰ্ব্ব ব্যাধি মাৰো॥
মহাৰঙ্গে চক্ৰমন্ত্ৰ ফুৰয় মাৰয়।
চৌত্ৰিশকোটি ব্যাধিৰ মিলা লে প্ৰলয়॥
আন্তে কাটো আন্ত কৰালি।
মাথাত কাটো মাথাবিষালি॥
ছয়চক্ৰৰ নৰ নাৰীৰ হৃদয়ৰ।
বিষব্যাধি কাটো বান হানি ব্ৰহ্মাৰ॥
মাৰিলো ব্ৰহ্মমন্ত্ৰ বান।
ব্যাল্লিশ কোটি ৰোগ কৰিলো নিৰ্য্যান॥
শোহুংকাৰ হুমহুমকাৰ।
হুংহুংকাৰ গদাৰ প্ৰহাৰ॥
আঠ অঙ্গৰ নাৰীৰ বিষচয়।
চক্ৰ হাণি বিষ ব্যাধি কাটি কৰিবো প্ৰলয়॥
গাৰয় দাৰয় বিদাৰয়।
শোষয় শোষৰ সবে উচাতয়॥
হৰ বিষ ব্যাধি হৰ।
যৈৰণ বিষ ব্যাধি তৈতে পানা উথি মৰ॥

ব্ৰহ্মাৰ তনয় নিধিছি আছিলা নাওঁ।
তেহেন্তে নমিল হৰৰ দুই পাৱ॥
হৰিৰ চৰণে কৰি নমস্কাৰ।
পাশে ছলি গৈলা ধন কুবেৰৰ॥
দুই হানো ঘোৰ ৰূপক ধৰিলা।
হৰৰ প্ৰসাদে ধ্যানতে পাইলা॥
সেহিবেলা মহাদেৱে আনন্দক পাইলা।
স্তুতি কৰি সুদৰ্শন চক্ৰক নমাইলা॥
বিস্বাদ সবদে চক্ৰে খেদি আইলা।
ভূত প্ৰেত পিষাঞ্চক খেদি খেদি খাইলা॥
সেহি চক্ৰবান মহামন্ত্ৰ উচ্ছাৰিণ কৰোঁ।
চৌবিশ কোটি ৰোগব্যাধিক ধৰি মাৰোঁ॥
কোন কোন ব্যাধিৰ কোন কোন নাওঁ।
চাব্বিশ কোটি ৰোগ ব্যাধি খেদিয়া পেলাওঁ॥
প্ৰথমতে জ্বৰ ব্যাধি অতি দুদ্ধওৰ।
চক্ৰত পৰি ব্যাধি খণ্ড খণ্ড হুই পৰ॥
চেঙ্গাচেঙ্গে লীয়া মৌবিচনীয়া।
শাওঁশূলা গ্ৰহণীশূলা তাকো পেলালো কাটিয়া॥
চক্ৰবানে খণ্ড খণ্ড কৰো জ্বৰ থাপৰি।
খৰপীড়া খহনী পীড়া পৰম দাৰুণ মাৰো
চক্ৰমন্ত্ৰে জাঁৰি॥

হৰহৰ জাৰিলো কৰি নিৰ্ম্মূল ।
ৰোগব্যাধি পানীকৃত্য হুই গৈল ॥

নমো চপ্ৰবান ধৰিলো ডাতি ।
পেট কামুৰী পিত কামুৰী আন্ত কামুৰি
পেলাওঁ কাটি ॥

পেলু কামুৰী ব্যাধিক জাৰোঁ ।
নমি চক্ৰবান মহামন্ত্ৰ দাতি ধৰো ॥
হাঁতী কামুৰী কুছিয়াকা মুৰী আও কামুৰী ।
কাটিয়া পেলাওঁ বাউ কামুৰী ॥

নমো চক্ৰ মন্ত্ৰ ধৰিলো ডাতি ।
পঘা গুনীয়া পটা ফুলিয়া পতুমন পেলালা কাটি ॥
হৰ বিষ ব্যাধি হৰ ।
ছয়ত্ৰিশ কোটি ব্যাধি পানীকৃত্য হুই পৰ ॥*



এই চিহ্ন দিয়াত ফুঃ মাৰি মাৰি যাব ॥
নমো নমো চক্ৰমন্ত্ৰ উচ্ছাৰণ কৰো ।
সূৰ্য্যশূলা নাভিশূলা কাটি সংহাৰ নকৰোঁ ।
নমো চক্ৰ মন্ত্ৰ উচ্ছাৰণ নকৰো ।
হস্তীশূল নাভিশূল গৰ্ভশূল ঊষাশূল সংহাৰ কৰো ।
হৰবিষ ব্যাধি হৰ ।
চৌষষ্টি বিষ ব্যাধি মাৰোঁ পানীকৃত্য হুইপৰ ॥*॥

পানী পৰিলে পাতাল ফুতি।
মাছক ছই কৰে উজনি ভাতি॥
গঙ্গোমত ধৰিলোঁ জল।
পানীকৃত্য কৰোঁ বিষ সকল॥
বিষৰ বান কুৰিয়া টেকেলীয়া।
পেট আভোক গুন্দ পীড়া গৰ্ভত বাস টুকলীয়া॥
চক্র মন্ত্রে হাতে তুলি জাৰোঁ।
সৰ্ব্ববিষ ব্যাধি পানীকৃত্য কৰোঁ॥
ডালহাৰা পানীহাৰা বজ্র কুটকুটি।
জিনজিনী শিৰশিৰি চটচটি॥
ধপধপি পোৰণি দেৱণী বিষণী কম্পনী।
চক্র মন্ত্রে জাৰি কৰিলোঁ পানী॥
ফুট ব্রহ্ম বান ফুট সৰ্ব্বাঙ্গৰ বিষ ফুট।
হুমহুম কৰে চৌচক্র চৌদ্বাৰ কাট॥
ব্রহ্মা মহেশ্বৰ দিলে চক্রবান।
ব্রহ্মমন্ত্র অস্ত্রে বিষ কৰো নির্য্যান॥
উতঙ্গ শোহং সৰ্ব্ববিষ নোহং।
তঙ্গ সাৰ তোঙ্গ সাৰং মৰং॥
চক্রে কাটো সব্বাঙ্গৰ বিষ নাই।
আওঁৰুকীয়া পানী জাৰিলো মন্ন॥

বিষক কৰিলো পানী ব্ৰহ্মা মহেশ্বৰৰ ডাক।
বিষ্ণোৰ বাণি চাৰিশ কোটি ব্যাধি
জাৰিলো সবাক॥
মোৰ ৰচন লৰচৰ হৰ বিষ হৰ।
চৌসষ্টি ৰোগ ব্যাধি পানী
কৃত্য হুই পৰ।*॥ ফুঃ কুঃ ফুঃ॥
আমুকাৰ গাৱত বেদন কৰ যেৱে।
মহাদেৱৰ ত্ৰিশূলত পৰিমৰ তেৱে॥
ৰোগীৰ গাৱত ধৰি থাকে যেবে।
শ্ৰীৰাম আগত পৰিমৰ তেবে॥
যেবে কৰশ ৰোগীৰ গাত ধাৱ।
মহাদেৱৰ মাথাত কামুৰী খাৱ॥
বিষ্ণোৰ দোহই ব্ৰহ্মাৰ দোহাই।
ঈশ্বৰী ঈশ্বৰৰ অনন্তৰ দোহাই॥
ৰোগীৰ গাৱত পৰি থাৱস।
ভীমৰ গদাও পৰি ভস্ম হোৱস॥
যেবে ৰোগীৰ শৰীৰত বেদন কৰস।
পাশুপত্ৰ অস্ত্ৰত পৰি ভস্ম হোৱস॥
আঠ অঙ্গ বাত্ৰিশশিৰৰ গৰ্ভৰ চৌচক্ৰৰ।
নৰ নাৰীৰ তেজমাংৰ অস্থিৰ॥

বিষ ব্যাধিৰোগ সুদৰ্শন চক্ৰত পৰি ।
ভস্ম হোৱস চৌষষ্টি ৰোগব্যাধি চণ্ড কৰি ॥
আমোকাৰ অঙ্গ এৰি নযাস যেবে ।
অনাদি ঈশ্বৰৰ কাই কৰ্ম্মত পৰিমৰ তেবে ॥
যেৰে ৰোগী শৰীৰত বেদ নকৰশ ।
পদ্মনী কন্যাৰ আন্তকামুৰস ॥
সুদৰ্শন চক্ৰত পৰি মৰশ ।
ব্ৰহ্মাৰ আজ্ঞা চেদ কৰশ ॥ * ॥

ফুঃ মাৰি মাৰি যাৰ লাগে

উৰি গল শগুনী পৰি গ'ল পাখী ।
ঈশ্বৰ মহাদেৱক কৰিলো সাখি ॥
কোন শগুনীৰ কোন কোন জাতি ।
তাৰ জানে মহাদেৱে উজানি ভাতি ॥
ডালত পৰি শগুনী গুণে মনে মনে ।
ত্ৰিদশকোটি দেৱতাই কানপাতি শুনে ॥
মাৰ লুকি বাপেৰ লুকি ।
ডালত পৰি কুকুহাই মাৰিলে উকি ॥
চৌকুটি বিষ পৰি দিলে ফাট ।
পাতালে লোকাওঁ বসুমতী এৰি দিয়া বাট ॥
কেন কোন বিষয়ৰ কোন কোন জাতি ।

মই জানোতাৰ জনমৰ গুৰি আতি ॥
গলবেড়া হেঙ্গেৰা লুকি হেঙ্গেৰা
গলকটিকা বেঁৰা ॥
বলধা এবেন্ধা বান পিঙ্গলা বাঘমুৰা ॥
শিয়ালগলা ভাঙ্গো ইটা ভাঙ্গো মাটি ভাঙ্গো।
চৌকুটি বিষৰ ঘাৰ ভাঙ্গো ঃ
হৰ বিষ হৰ অমুকাৰ বিষ ব্যাধি পানী হুই পৰ।
এহি বাক্য লৰচৰ মহাদেৱৰ ত্ৰিশূৰ পৰি মৰ ॥*॥
ইতি চক্ৰমন্ত্ৰ সমাপ্ত।



# মোৰৰ—মন্ত্ৰ।

**শ্ৰীশ্ৰীকৃষ্ণায়ে নমঃ। শ্ৰীশ্ৰীবৈদ্য ধনন্তৰীয়ে নমঃ॥**

মোৰ মোৰ মহামোৰ, শ্ৰীৰামৰ গৰ্ভে ভৈলা উতপতি, কুথহৰৰ আঢ়েয়া মোৰ, নিৰোকীয়া কুমতিয়া, শিৰ শিৰিয়া, মোৰ জিনজিনিয়া মোৰ, বাটি অহা মোৰ, খুন্দা মৰা মোৰ, তিনতিনিয়া মোৰ, পথাগুনিয়া মোৰ, টেকেলীয়া মোৰ, বাঘছোৱা মোৰ, দুদ মোৰ, হাগুৰী মোৰ, বাতি মোৰ, ওকন্দা মোৰ, তংতংঙ্গিয়া মোৰ, ধেনু ভিৰিয়া মোৰ, ধেনুটঙ্কাৰ মোৰ, ধলা মোৰ, কুছিয়া মোৰ, কছাৰি মোৰ জেঠি মোৰ, চন্দ্ৰ মোৰ, সুৰ্য্য মোৰ, হাটোৱালী মোৰ, পেটপতিয়া মোৰ, পেট খামোছিযা মোৰ, কাচ কামুৰী মোৰ, বাৰ মোৰ, চাগমোৰ, শনিপাত মোৰ, নিপাতি মোৰ, তোৰ জনম জানো মই, গুচিযা এতিয়াই তই, নুগুচ যদি কৃষ্ণগোসাইৰ মাথা খাৱ ॥ * ॥ যেহি ৰেলা বাপ গুৰুক কৰিলা আচৰণ, কোন কোন গুৰুৰ কোন কোন নাওঁ, হাতগুৰু, বাতগুৰু, শিক্ষাগু, দিক্ষাগুৰু, অনাদিগুৰু, পিতৃগুৰু মাতৃগুৰু, সবে আছিলা, সাতবাৰ সবাকু প্ৰণাম কৰো, সাত সাগৰৰ পাৰ, লক্ষ লক্ষ পুনঃ প্ৰাণামো বাৰম্বাৰ, নাচিলা অগনী নাচিলা পানী নাচিলা মোৰ মনে পাতালে জানি, ডিম্ব ডিম্ববাৱ কৰি ডম্বৰু

বজাই, ওপজিলা মোৰ ক্ষনোমানো পলাইবাৰ নাই ঠাই গোমুখী পাতালক যাই, সেহিবেলা উতপতি মোৰ, ভৈলা, মাটি গুৰি পালীগুৰি মোৰ আছে সাগৰ ভৰি॥ সাগৰ মথন্ত মোৰ ক্ষণমানে হাতে তুলি লৈলা, সব মোৰ মানে মহাদেৱ গুৰু আছে মাৰি খাই, ওঠৰ কোটি মোৰমানে গুৰুৰ অজ্ঞায় পানীক্লত্য হৈ যাই ।*। ফুঃ ফুঃ ফুঃ॥ বেজালী বেজালী ষোলটকা মোৰ, শনিপাত নিপাত মোৰ, আঠৈয়া মোৰ, ছুদ মোৰ কৃন্ত খনিয়া মোৰ, দেয়া মোৰ, চেচা মোৰ, জেঠি মোৰ, জাৰি কৰিলো পানী, উৰি গ'ল বগুৱা বিষ গজি গ'ল পাখী, কোন কোন বিষক থৈছা, ৰাখি, ভোৰ ভোৰীয়া মোৰ, গাজলী মোৰ কুটনী মোৰ, বিন্ধনি, হামি অহা হেকেতিয়া, ফন্দিয়াটনা, পেট বোৱা, বতিওৱা, মোৰ হাক গুৰুৰ ডাক, আমোকাৰ চৌষষ্টি মোৰ জাৰো সৰ সৰ কৰি নামি আহ, মোৰ বচনলৰ মহাদেৱৰ ত্ৰিশূলত পৰি মৰ, মোৰ বচন লৰ এটকামহন্ত বন্ধকৰ, গৰ্ভাৱতী স্ত্ৰীবধ কৰি শ্ৰীবিষ্ণুৰ সুদৰ্শনচক্ৰত পৰি মৰ, মোৰ বচন গুৰুৰ ডাক, চৌষষ্টি মোৰ মানে মোৰ হাতে পানী হুই সৰ সৰ কৰি নামি আহ॥*॥ ফুঃ ফুঃ। আদি গুৰু অনাদি গুৰু হাটগুৰু বাটগুৰু, শিক্ষাগুৰু বিদ্যাগুৰু নমস্কাৰ কৰো চৌষষ্টি মোৰক পানীকৰো, ঘোনগুৰি পৰ্ব্বত

ঘাগৰ নলা, উজিল মোৰ মানে কাগুনিকলা, ফাট দিয়া বসুমতী পাতালে লোকাওঁ, হালধিৰ চেকে চেকে বৈই গল ধাৰে, লড়ি গল বপুৰা মোহনীৰ কামে লোভাই, ধুবুনীয়ে কাপোৰ ধোৱে সেই কাপোৰ শোনৰ কৰণীত থলে, কাপোৰ লয় ঠাইহল উথিয়া খলকি লাগিলে, খলকি লাগিয়া বিষ আকাশে উৰি গ'ল জিউ, বায়েনা কেঙ্কুৰা বেঙ্গেনাদ্ধলে, ফুলযেন কেঙ্কুৰা উৰুৱাই নিলে, সৰ্পেৰে মাৰলি সৰ্পৰে শয্যা, তাতে বসি আছে কালিদেউ ৰাজা, কালীদেউ ৰাজা সৰ্পৰ সৰ্য্যালৈ, কালীদেউ কুঁৱৰী মহা- দেউৰজী, মহাদেউ পাৰ্ব্বতীৰ বচনে ভুতি গৈলা বিষ, শগুণী জিণ্ জিনিশিৰ, শিৰামতী আটোয়া মোৰ জাৰোঁ ঢ়কা মোৰ জাৰোঁ, ধেমেলিয়া মোৰ জাৰোঁ, জেঠি মোৰ জাৰোঁ, চেঁচা মোৰ জাৰোঁ, আকাশী মোৰ, জাৰোঁ, পাতালী মোৰ জাৰো, বাউ মোৰ জাৰোঁ, মোৰ বচন গুৰুৰ ডাক, চৌষষ্টি মোৰ জাৰোঁ, আমুকাৰ মহাদেউ পাৰ্ব্বতীৰ বচনে, ভুতি যাউক মোৰ, হৰ বিষ হৰ আমোকাৰ চৌকোটি মোৰ মাণে পাণী কৃত্য হৈ থাক, মোৰ বচন লৰ চৰ, ব্ৰহ্মাৰ চক্ৰত পৰি মৰ, এটকা মহন্তৰ আজ্ঞা চেদ কৰ, বিষ্ণুৰ শুদৰ্শন চক্ৰত পৰি মৰ, সীতা মাতৃক বধ কৰ, সাত কপিলা বধ কৰ, গৰ্ভৱতী

স্ত্ৰী বধ কৰ, বাৰে জন বৈষ্ণৱ চৌদ্ধজন পাৰিষদৰ আজ্ঞা ছেদ কৰ মোৰ বচন গুৰুৰ ডাক, আমুকাৰ চৌষট্টি মোৰ মানে পানীকৃত্য হুই থাক ওং খং খং ক্রিং হুভং শিবাভ্যো নমঃ ॥ * ॥ ফুঃ ২

## সৰ্পে খালে ধৰণী ধৰা মন্ত্ৰ।

ধৰণী ধৰণী আই ধৰণী বোপাই ধৰণী মই ধৰণী ধৰো চন্দ্ৰ সূৰ্য্যলৈ চাই। তই থাক ধৰণী শিৰত পৰি, মই আহো গুৰু শেৱা কৰি॥ এহি বাক্য এৰি যদি উধাই জাৱ, মা মনসা দেবীৰ দোহাই, দাঁৰৰ মুখে পৰি বিষ থাক॥ উক্ত মন্ত্ৰ পঢ়ি দাঁৰৰ উপৰ ভাগে, চুনৰে কিম্বা চুলিৰে অথবা গৰুৰে নুখোৱা ভাল ভাল চাই তিনি দাল বৰটাখেৰৰে ভাল কৈ টানি বান্ধ দিব। তাৰ পাছত বিষ নমা মন্ত্ৰৰে জাৰি বিষ নমাই আনিব। সৰ্পাঘাত মানুহ জনক গোবৰ চুব নিদিব, তাক পৰ্স কৰিলে বিষ উধাই যাই। সৰ্পে দংশিলে দ্বিতীয় ধৰণী ধৰা মন্ত্ৰই পাটাৰ উপৰ নেতা কাপৰ যে কাচে। পদ্মপাতে সেই স্থানে সৰ্পৰ বিষ ভাসে॥ নেতা তুমি গুৰু মই তোমাৰ শিষ্য। আচলে বান্ধিলোঁ অমুকাৰ অঙ্গৰ যত কাল কোটি বিষ বিষ বিষ ওৰে বিষ গোখোৰা খায়া। তাক ৰাখিলো

আসি কাপোৰে বান্ধিয়ে॥ গৰুড় গৰুড় তোমাৰ পৰ্ব্বতে যে বাস। উপৰত থাকিতই তলে কৰ বাস॥ ঐ বিষ তোক বান্ধিলোঁ। মনসা দেবীৰ বৰে। ডুই মাস থাক ওই বিষ আঁচল ভিতৰে॥ মনসাৰ আজ্ঞায়ে হাড়িৰ ঝী চণ্ডী দেবীৰ আজ্ঞা॥ * সৰ্পে খোৱা ঠাইত ৩ বাৰ ফুঃ মাৰিব লাগে। বৈদ্যয়ে নিজৰ টিকনী চুলিত এই মন্ত্ৰ পাঠ কৰি একতি গাঁঠি দিব, তেতিয়া সৰ্পে খোৱা মানুহ জনৰ বিষ উপৰলৈ উঠিব নুৱাৰে॥

## সৰ্পে খালে জৰা মন্ত্ৰ।

যথা মন্ত্ৰ গোৱাৰ বিধান, মন্ত্ৰ পাঠ কৰাৰ আগতে এটা দীঘল চুলী আনি। সৰ্পাঘাত স্থানে চুলি দাল দাঁৰৰ দুখত ঘশাঁই ঘশাঁই দিব লাগে কাৰণ বিছাই ফুটিলে যেনে কৈ ক্ষত স্থানে শূং লাগি থাকে, সেইদৰে সৰ্পাঘাত স্থানে দাঁৰ লাগি থাকে, সেই কাৰণে চুলিৰ দ্বাৰা ঘৰ্শন কৰি সেই দাঁৰ উঠাই দিব লাগে, যাৰ মুখত দাঁত লাগি থাকে সেই দাঁত বিলাক দাঁৰৰ মূখত থাকিলে বিষ লামি নাহে গতিকে চুলিৰ দ্বাৰা উক্ত নিয়মে দাঁৰ উঠাই লব লাগে, তেতিয়া বেগতে বিষ নামে॥

ইকৰি মিকৰি খিৰকি দোৰে জানা।
ৰাম ৰহিমেৰ একো নাই মানা॥
জয় চামুণ্ডা দেবীৰ কৰিলোঁ ভৰ।
হুল উৎপাদন হেতু দিয়া মোক বৰ॥

আল ফালে ডংকা কৰিয়া কুৰয়।
কোন কোন সৰ্পেৰ সেৱা কহিয়ো আমায়॥
চিলা কালো গোখোৰা আদি যত আছে।
অথবা বাৰ মাসে কোন উঠি যাই জল কাছে।

জলে জলে কত খায়।
বুঝিতে নুৱৰো যায়॥
এক ছোট ঝাৰে চোপেচাপে।
বিষৰ জালে থৰ থৰি কাম্পে॥

সক্ষ দেখি ওঝা নাকাৰে।
কি কৰো তাক ভাবি মৰে॥
হেনকালে ধনন্তৰী যায়।
ডাকিয়াতেওঁ ওঝাক বোলয়॥

শুন ওঝা মোৰ বাক্য ধৰহ এখন।
চৌসাপাৰ মন্ত্ৰে বিষ কৰো উৎপাটন॥
শাঁকজ্বলে মাণিকজ্বলে।
আৰু কালকুট বিষজ্বলে॥

মাতাৰি তাৰ তিনি শিষ্য শিৱ বিষ্ণোবৰ মনসা আই।

বিষহৰি আইক স্মৰণে উপাৰিয়া যাই॥

ইয়াৰ অঙ্গে বিষ নাই বিষ নাই॥

দোহাই মা মনসা দেবী বিষহৰি আই॥ *॥ মন্ত্ৰ পাঠান্তে দংশনস্থলে তিনবাব ৩টা ফুঃ মাৰিব। উক্ত মন্ত্ৰ তিনবাৰ পাঠ কৰিব॥

২য় বাৰ সৰ্পৰ বিষ ঝাৰণ মন্ত্ৰ।
ঘাৰ মুখে বিষ নামাই অনা মন্ত্ৰ॥

আফুলা কলগছটী বুলি ঝুৰ ঝুৰ কৰে।

দেবীৰ কাৰণে বিয়া ঘাৰ মুখে লৰে॥

ক'ত আছিলি ওৰে বিষ মনসাৰ দোহাই!

যি আজ্ঞা গৰুড়ৰ কহোঁ তাই॥

গৰুড় আসিলে বিষ শীঘ্ৰ নামি যাই॥

শিৱ গোসাইৰ বাক্য কওঁ তোক মনসা দেবী মায়॥ মনসা দেবীৰ আজ্ঞায়ে চণ্ডী দেবীৰ বা বিষ ৰাজাৰ আজ্ঞায়ে বিষ পাতালে পড়ি মৰ॥ ** ফুঃ ২ উক্ত মন্ত্ৰ পাঠান্তে তিনিবাৰ তিনিতি ফু মাৰিব, তেতিয়া ঘাৰ মুখে বিষ লামিৰব। ৩ বাৰ মন্ত্ৰ জাপ্যং॥

বাপেকৰ ঘৰলে যায় গৌৰী সঙ্গ কৰি হৰে।
অঙ্গৰ বসন তাৰ উৰাই লা ওপৰে॥
বিধিৰ বিৰ্য্য সিটো গলিয়া উঠিল।
তাক্ক দেখি সৃষ্টি কৰ মনত ভাবিল॥

হাফোৰাৰ ভিতৰত ভৰায়া ৰাখি লা।
তিনি কোটি বৎসৰ বিষ ভিতৰে আছিলা॥
তাত হন্তে জন্মিলা কাল কোট বিষ।
কি কহিব তাৰ কথা অতি আস বিষ॥

এহি সব বিষ খাইলে নাগগণ।
যেতিক্ষণে জীৱগণ কৰন্ত দংশন॥
বিষৰ জালত জীৱ অস্থিৰ হৈলন্ত।
শ্ৰীহৰি শ্ৰীহৰি বুলিয়া মাতি লণ্ড॥

দয়াময় দিনবন্ধু প্ৰসন্ন হুইয়া।
গৰুড়ৰ পৃষ্ঠে তথা সত্বৰে যায়া॥
মহানন্দে গৰুড়ে বিষক শুসিলা।
অতএব মিলি হৰি হৰি বোলা॥

নাই বিষ অমুকাৰ অঙ্গে আৰ নাই।
নাই বিষ অমুকাৰ অঙ্গে আৰু নাই॥
মনসা দেবীৰ আজ্ঞায়েঃ বিষহৰিৰ আজ্ঞায়েৰ॥*

এই লাঞ্ছন দিয়াত ফু ৩ বাৰ।

### ৩য় ৰাৰন মন্ত্ৰ।

মেঘ পলালে গহন ৰাতি।
সাপ সাপিনী কোন কোন জাতি॥
শোও হাতে জাৰি পেলাবা দিকে।
যত বিষগণ ভৰিৰ তলে থাকে॥
নাই বিষ যা-বিষ হৰিৰ আজ্ঞে।
নাই বিষ মনসা মাইৰ আজ্ঞা॥

ফুঃ ৩ বাৰ প্ৰথমঃ—এক দুই ৩য় পৰ্য্যন্ত মন্ত্ৰ দিয়া হ'ল। এই মন্ত্ৰ পাঠ কৰি বিষ নমাব পাৰিবা একু একু মন্ত্ৰ পাঠান্তে একটি একটি কৰি, তিনিবাৰ তিনিটি ফুঃ দংসন স্থলে দিব। যেনে—ফুঃ। ফুঃ॥ ফুঃ॥।

### ৪ৰ্থ মন সাৰ মন্ত্ৰ।

মাৰ মনসা তব মন্ত্ৰ কৰিলো প্ৰচাৰ।
বিষ পান কৰিবাক তোমাৰ অধিকাৰ॥
কাহাৰ শকতি তাক কোনে ৰাখিবাক পাৰে।
মহা বহ্নি বিষৰ জাল কোনে সহিবাক পাৰে॥
ম্লেছ পৰ্য্যন্ত তোমাৰ সেৱা পূজা ঝি কৰিলা।
তোমাৰ প্ৰভাতে সিটো বিষত তৰিলা॥
হে ভগৱতী আই দয়াকৰহ আমায়॥
সাপে খোৱা বিষ যেন ফুঃ ভে উৰি পুৰি যায়॥

ঘোৰ ৰাত্ৰি অতি ঘোৰ চমৎকাৰ।
নেজানো খালে কোন জাতি সৰ্প বৰ॥
বিছা বুড়া আদি কৰি অষ্ট সৰ্প গণ।
নেজনিলো কোন জাতিৰ সৰ্প কোন কোন॥
যদি হয় ষষ্ঠ দশ চিতি।
তেওঁ যেন বিষ নাসে উঠি॥

মাৰ মনসাৰ আজ্ঞায়ে, মহাদেৱী বিষ হৰিৰ আজ্ঞায়ে আমুকাৰ অঙ্গ হতে বিষ শীঘ্ৰ শীঘ্ৰ ছলি যা॥ ফুঃ ফুঃ ফুঃ ৩ বাৰ। যি সময়ত সাপেখোৱা মানুহ বা অন্য কোনো জীৱ নিস্তেজ হৈ পৰে, কি সাপে খালে একোস্থিৰ কৰিব নুৱাৰিলে। এই মন্ত্ৰ দ্বাৰ ৩।৭ সাত বাৰ পাঠ কৰিলে সৰ্পৰ বিষ নামি উৰি যায় আৰু কোনো ভয় নেথাকে।

## মথনী মন্ত্ৰ সাৰ॥

ক্ৰোদ্ধত মথিলা সাগৰ দেৱ মহেশ্বৰ।
বাসুকীৰ বিষ তাত উঠিনা বিস্তৰ॥
তাক দেখি দেৱ গণ কান্দিবে লাগিলা।
ক্ৰোদ্ধ এড়া বুলিতাক মহেশে কহিলা॥
শান্ত হুই দেব দেব সাগৰত চায়।
সবেজল বিষময় দেখিবাক পাই॥
কি কৰো বুলি মহেশে ভাবিতে লাগিলা।
সেহি ক্ষণে ধৰি কণ্ঠ ও থইলা॥
নীলকণ্ঠ হয় তাতে দেৱদেৱ হৰ।
বিষৰ জালত পাছে হৈলন্ত অস্থিৰ॥

তাক দেখি যত সব দেৱ ঋষি গণ।
নাৰদক চাই সবে বুলিলা বচন॥
কৰহ নাৰদ তুমি গোলেকে গমন।
শ্ৰীহৰিক মাতি তুমি আনাহা এতি ক্ষণ॥
তেওঁ যদি নাহে তবে সৃষ্টি নাশ হয়।
দেৱ দৈত্য সবে বিষও পৰি যাই॥
নাৰদ শুনিয়া পাছে এতেক বচন।
গোলোকতে ত্বৰা কৰিলা গমন॥
সকলো বৃতান্ত কহে শ্ৰীহৰিৰ আগে।
শুনিয়া শীঘ্ৰে গোলক পতি আহিলে॥
সবাৰ দুৰ্গতি দেখি চিন্তিত হইলা।
কতো বেলি সবাক আস্বাস যে দিলা॥
দেৱগণে আস্বাসিয়া সিৱক বুলিলা।
নীলকণ্ঠ নাম তোমাৰ এতিক্ষণে হইলা॥
বিষ্ণু তেজ প্ৰকাসিয়া দেবদেব হৰি।
সাগৰৰ যত বিষ লৈই লন্ত হৰি॥
হৰিক স্মৰণে বিষ হুই গৈলা ভস্ম।
অমুকাৰ অঙ্গে বিষ নাহিকে আউৰ ভয়॥
মনসাদেবী আজ্ঞায়ে বিষ পাতাল পুৰি যাস।
বিষ হৰিৰ বৰ বিষ ব্যাধি নাস হুই পৰ॥

## ভূত পিশাচ খেদুৱা মন্ত্ৰ ।

সূতা কাটে ৰাম চন্দ্ৰ বনৰ মাঝত ।
তাক দেখে সীতা দেবী বসিয়া আগত ॥
হেনকালে লক্ষণদেৱ তহিতে আসিলা ।
তাঙ্ক দেখি শ্ৰীৰাম সুধিবাক লৈলা ॥
ৰামে বোলে ভাই তুমি কিসৰ কাৰণ ।
এতেক বিলম্ব কৰি আহিলা এখন ।
লক্ষণ বোলে গৈইচিলো পৰ্ব্বত উপৰি ।
দেখিলোহো তাতে ভূত আছে সাৰি সাৰি ॥
একগোটা মনুষ্য বুদ্ধি নেলালো বিচাৰি তথায় ।
ঘৰবাৰি এৰি সবে গৈলন্ত পলাই ॥
তাঙ্ক শুনি ৰাম চন্দ্ৰে এক ফু মাৰি দিলা ।
যত যত ভূতগণ পলাইয়া গৈলা ॥
নাই ভূত অমুকাৰ অঙ্গে নাই ভূত আৰ ।
ৰাম নামে হয় সাত সমুদ্ৰে এৰ পাৰ ॥
শ্ৰীৰামৰ আজ্ঞা আৰু সীতা দেবীৰ বৰ ।
এই মন্ত্ৰ উচ্ছাৰণে ভূত দিলা লৰ ॥

ভূতে পোৱা মনুষ্যৰ জনৰ গাত এই মন্ত্ৰ পাঠ কৰি ৩ বাৰ—৩টি ফুঃ মাৰিব । ইতি

## সৰ্ব্বব্যাধিৰ মুল মন্ত্ৰ সম্পূৰ্ণ ॥

এই মন্ত্ৰ অনেক দিনৰ প্ৰমানী কাৰণে জন সমাজত প্ৰকাশ কৰিলো । ২১।১০।৪৭ সন ।

**স্বাক্ষৰকাৰী শ্ৰীহলিৰাম হাজৰিকা তন্ত্ৰবিশাৰদ**

# জাননী।

তলত লিখা পুথিবিলাক আমি ছপাই ছোঁ। এই পুথি বিক্ৰাৰ্থে গাৱেঁ ভূঞে সকলো ঠাইতে এজেণ্ট আৱশ্যক! এজেণ্ট সকলক বিশেষ ভাৱত কমিশন দিয়া হয়। পৰীক্ষা প্ৰাৰ্থনীয়॥

| | | | | | |
|---|---|---|---|---|---|
| ১। | সৰ্ব্বজয় মন্ত্ৰ | ।০ | ১৯। | বিয়া নাম | ।৵০ |
| ২। | আপদ উদ্ধাৰ | ৵০ | ২০। | মহাদেউ চৰিত্ৰ | ।০ |
| ৩। | চতুৰ্বিংশতি বৰ্ণন | ।৴০ | ২১। | আত্মা সাৰ | ॥৵০ |
| ৪। | লীলা মালা | ।০ | ২২। | আত্মা পৰিচয় | ॥০ |
| ৫। | ৰাৱণ বধ | ॥০ | ২৩। | বৈকুণ্ঠ পয়ান | ।০ |
| ৬। | উবাচ মন্ত্ৰ | ।৵০ | ২৪। | সহজ ধাৰাপাত | ।৴০ |
| ৭। | চাপনি মন্ত্ৰ | ।৴০ | ২৫। | গুপৰী চৰিত্ৰ | ।৴০ |
| ৮। | বহাগী বিহুৰ নাম | ।৴০ | ২৬। | নাৰদ চৰিত্ৰ | ।৵০ |
| ৯। | অষ্টো ও ৰশত নাম | ৵০ | ২৭। | ৰুদ্ৰ যামল | ১।০ |
| ১০। | হৰ গোৰী সংবাদ | ।৵০ | ২৮। | বৰ বেজালী | ।৵০ |
| ১১। | হৰিহৰ সংবাদ | ।৵০ | ২৯। | বিলাহি বেজিনী | ।০ |
| ১২। | হৰ মোহন | ॥০ | ৩০। | নাৰদী পুৰাণ | ।৵০ |
| ১৩। | দিহা নাম | ৵০ | ৩১। | চতিহা সংগ্ৰহ | ।০ |
| ১৪। | ধৰ্ম্ম সংবাদ | ।৵ | ৩২। | প্ৰেম লহৰি | ।০ |
| ১৫। | জৰা সন্ধ বধ | ।৵০ | ৩৩। | প্ৰেম চৰিত্ৰ | ॥৵০ |
| ১৬। | বৈষ্ণৱ পুৰাণ | ।০ | ৪৪। | প্ৰেম নিৰ্ঝৰা | ।৵০ |
| ১৭। | বৰ কৰতি | ।৴০ | ৩৫। | বুন্দা বনিয়া নাম | ॥৵০ |
| ১৮। | গৰুড় পুৰাণ | ।০ | ৩৬। | গৰ খিয়া কীৰ্ত্তন | ॥৵০ |
| | | | ৩৭। | বাৰ ভনী বিয়লী | ।৵ |

প্ৰাপ্তিস্থান

শ্ৰীহলিৰাম হাজৰিকা

বুক এজেঞ্চি

পোঃ—নামতি দ'ল আসাম।

# জাননী।

তলত লিখা পুথিবিলাক আমাৰ দোকানত পাব পাৰিব. উপহাৰ বা কমিশন দিওঁ।

| | | | | | |
|---|---|---|---|---|---|
| ১। | কেৱল কীৰ্ত্তন | ।/০ | ১৭। | কলিৰ ধৰ্ম্ম | ।( |
| ২। | গোপন বিহাৰ | ।৵০ | ১৮। | নৰসিংহ মন্ত্ৰ | ৶০ |
| ৩। | নাম সংগ্ৰহ | ।৵০ | ১৯। | ৰামমন্ত্ৰ | ৵০ |
| ৪। | আত্মাতত্ত্ব | ৶০ | ২০। | সৰ্ব্বঢাক মন্ত্ৰ | ৵। |
| ৫। | অশোক চৰিত্ৰ | ৶০ | ২১। | ভবিষ্য সংগ্ৰহ | ।০ |
| ৬। | বিষ্ণুৰ নাম | ।০ | ২২। | নাৰদ সংবাদ | ।০ |
| ৭। | গুণমলা | ॥০ | ২৩। | বৈকুণ্ঠ পয়ান | ।০ |
| ৮। | ভীমচৰিত্ৰ | ।৵০ | ২৪। | লক্ষী চৰিত্ৰ | ৵০ |
| ৯। | স্যমন্ত হৰণ | ।০ | ২৫। | বড হেঙ্গুলী মন্ত্ৰ | ।০ |
| ১০। | কানখোৱা | ৶০ | ২৬। | অৰ্জ্জুন সংসাদ | ।০ |
| ১১। | কালী দমন | ।৵০ | ২৭। | স্বপ্ন চৰিত্ৰ | ৶০ |
| ১২। | মুখভজা মন্ত্ৰ | ৶০ | ২৮। | জীব স্তুতি | ।/০ |
| ১৩। | গুৰুবতি মন্ত্ৰ | ৶০ | ২৯। | ভবিষ্য পুৰাণ | ।৵০ |
| | | | ৩০। | শিবৰ ঝুনা | ৶০ |
| ১৪। | প্ৰহ্লাদ চৰিত্ৰ | ॥০ | ৩১। | কাক চৰিত্ৰ | ৶০ |
| ১৫। | সীতাবনবাস | ৸০ | ৩২। | দিপিকাচণ্ড | ১৲ |
| ১৬। | ক্ষেত্ৰপাল মন্ত্ৰ | ৶০ | ৩৩। | মনি কোঁৱৰ | ।০ |